# ফেৰেংগাদাও

মেদিনী চৌধুৰী





বৈৰাথী পাব্লিকেচনচ্

কোকৰাঝাৰ।

PHERENGADAO :

A novel where few episodes of the life of Kalaguru Bishnu Prasad Rabha are incorporated, written by **Medini Chaudhury** and Published by **Samar Brahma Chaudhury**, Bairathi Publications, Kokrajhar-783370 Price Rupees—**Thirty Five** only.

প্ৰকাশক :

শ্ৰীসমৰ ব্ৰহ্ম চৌধুৰী

বৈৰাথী পাব্লিকেচনচ

পাতালপুৰ ৰোড

কোকৰাঝাৰ—৭৮৩৩৭০

প্ৰথম প্ৰকাশ :

১৯৮২, এপ্ৰিল

প্ৰচ্ছদপট : বেণু মিশ্ৰ

মুদ্ৰণ :

বৈৰাথী প্ৰেছ,

পাতালপুৰ ৰোড

কোকৰাঝাৰ—৭৮৩৩৭০

প্ৰচ্ছদ মুদ্ৰণ :

ৰেডিয়েণ্ট প্ৰচেছ

সুৰেন্দ্ৰনাথ বানাৰ্জী ৰোড, কলিকতা।

**মূল্যঃ পঁয়ত্ৰিশ টকা**

# মোৰ কথা



প্ৰথমেই খোকোজা লগাৰ কথা কিতাপখনৰ নামটো লৈ। কিতাপখন লেখিবলৈ লওঁতে নামটোৰ কথা ভবাই নাছিলোঁ। প্ৰথম দুটামান অধ্যায় শেষ কৰি উত্তৰ কামৰূপ আৰু গোৱালপাৰাৰ কেতবোৰ ঠাইলৈ বুলি ওলাইছিলোঁ। টিহু দীঘেলীত ছমেদ মাষ্টৰ আৰু ৰতি স্বৰ্গিয়াৰীক লগ ধৰিবলৈ গলোঁ। যিগৰাকী অলোক সামান্য 'ঝঞ্ঝাবিজয়ী আত্মাৰ গৰাকী' শিল্পীৰ জীৱনৰ কেতবোৰ ঘটনাৰ আশ্ৰয় লৈ উপন্যাসখন লেখিবলৈ লৈছিলোঁ এই দুগৰাকী ব্যক্তি তেওঁৰ সংগ্ৰামী জীৱনৰ বিভিন্ন ঘটনাত জড়িত আছিল। স্বৰ্গিয়াৰীয়েই পোন প্ৰথমে কৈছিল নামটোৰ কথা। কিদৰে সংগ্ৰামী যুৱক-যুৱতীয়ে মৰম আৰু শ্ৰদ্ধাৰে শিল্পী গৰাকীৰ নাম থৈছিল "ফেৰেংগাদাও আৰৌ" বুলি। ফেৰেংগাদাও মানে ফেঁহু চৰাই। এই বিধ চৰায়ে ওখ গছৰ ডালত বহে আৰু সুন্দৰ সুৰীয়া মাতেৰে পুৱা ধলফাট দিয়াৰ আগতেই শুই থকা মানুহক দিনটোৰ বাবে সচেতন



কৰি তোলে। পিচে কিতাপখনত হয়তো সেই মহান শিল্পীজনাৰ এই পোছাকী নামটো লোৱাই সাৰ হ'ল। মোৰ অক্ষমতাৰ বাবেই যিদৰে লেখিম বুলি কল্পনা কৰিছিলোঁ. তেনেদৰে লেখা হৈ নুঠিল। কত অলেখ গাঁও, অজস্ৰ পৰিয়ালৰ কিমান অগণন মানুহে যে শিল্পী জনাক জানে, অন্তৰেৰে ভাল পায়, শ্ৰদ্ধা কৰে। তেনে প্ৰত্যেকৰে ওচৰলৈ গৈ লেছেৰি বুটলি লেখিবলৈ যোৱাহেঁতেন মোৰ এই জনমত লেখাই নহ'লহেঁতেন। গতিকে বহু সময়ত মনে সজা ঘটনাৰ আশ্ৰয় লব লগীয়াত পৰিছোঁ। উপন্যাস লেখিছোঁ যেতিয়া য'তেই অসুবিধাত পৰিছোঁ তাতেই স্বাধীনতা লৈছোঁ। শিল্পী-জনাৰ কি হ'ল কব নোৱাৰোঁ, কিন্তু কিতাপখনৰ আদিৰ পৰা অন্তলৈকে নিৰপেক্ষভাৱে কাহিনীবোৰ উপস্থাপন কৰাৰ চেষ্টা কৰিছোঁ। তেওঁৰ প্ৰতি মোৰ গভীৰ শ্ৰদ্ধাই মাজতে কৰবাত হয়তো বিশ্বাসভংগও নকৰাকৈ থকা নাই। তাৰ বাবে নিশ্চয় মই ক্ষমাৰ পাত্ৰ।



কিতাপখনৰ বাবে সমল গোটোৱাৰ সময়ত মই যাৰে ওচৰ চাপিছিলোঁ, তেওঁ আন্তৰিকতাৰে সহায় কৰি-ছিল। আটাইৰে কথা মোৰ এতিয়া মনত পৰা নাই পৰাটো সম্ভৱো নহয়। মাত্ৰ বাভাৰ সুহৃদতম বন্ধু গোপাল দাস, ৰতি স্বৰ্গিয়াৰী, অৰবিন্দ ঘোষ, কমল নাৰায়ণ চৌধুৰী, ধৰ্ম স্বৰ্গিয়াৰী, গোবিন্দ কলিতা, কমলা মজুমদাৰ, হৰিদাস ডেকা, শৈলেন মেধি, চন্দ্ৰ ডেকা প্ৰমুখ্যে জনদিয়েকৰ কথা মোৰ মনলৈ আহিছে। নিৰুপমা দেৱী, অনুপমা ভট্ট, অনিল চৌধুৰী, কনক সেন ডেকা, খগেন বৰবৰুৱা, তিলক হাজৰিকা এনেদৰে আৰু বহুতৰ পৰা সহায় পাইছিলোঁ।

অলৈ তলৈ যাওঁতে নিজৰ গাড়ীৰে বিভিন্ন সময়ত মোক সহায় কৰিছিল শ্ৰীমান মহেন্দ্ৰ ডেকা আৰু মহাদেৱ ডেকাই।

মোৰ শিল্পী বন্ধু বেণু মিশ্ৰৰ সক্ৰিয় সহযোগৰ প্ৰমাণ কিতাপখন দেখিলেই পাব। বেটুপাত তেখেতৰ অঁকা।



ৰাভাৰ প্ৰতি অগাধ শ্ৰদ্ধা তেখেতে সফল ভাবে তাত প্ৰকাশ কৰিছে যদিও মোৰ কিতাপখনত সেইটো দি অপাত্ৰত দান দিয়াৰ দৰে হ'ল।

কিতাপখনৰ প্ৰকাশত বিশেষ উদগনি পাইছিলোঁ বৈৰাথী প্ৰকাশনৰ গৰাকী মোৰ ভ্ৰাতৃ প্ৰতিম সমৰ ব্ৰহ্ম চৌধুৰীৰ পৰা। তেওঁৰ উদগনি নহ'লে এই বিৰাট আকাৰৰ কিতাপখনে হয়তো দিনৰ পোহৰ নেদেখিলেইহেঁতেন। বৈৰাথী প্ৰেছৰ কৰ্মীসকলৰ উৎসাহেও মোক যথেষ্ট প্ৰেৰণা দিছে। তেওঁলোকৰ কৰ্মকুশলতাৰ শলাগ লবই লাগিব। মোৰ অনুজ প্ৰতিম পদ্ম পাটৰেও কিতাপখনৰ প্ৰকাশত বিভিন্ন দিশত সহায় কৰিছে।

এই স্মৃত আৰু বিস্মৃত আটাইলৈকে মোৰ আন্তৰিক শলাগ ৰ'ল। শ্ৰদ্ধাভাজন সদৌটিলৈকে মই শ্ৰদ্ধাৰ শৰাই আগ বঢ়ালোঁ।

মেদিনী চৌধুৰী

২৬ মাৰ্চ, ১৯৮২



আনদিনাখনৰ দৰেই ৰেলআলিটোতে সি বহি লাহেহি। তাৰ পিচপিনে বিলৰ দাঁতিৰ পথাৰখন জুপুকা মাৰি অ'ত তত বহি থকা বগলীজাকেৰে চ'তমহীয়া শিমলুতলৰ বহল ঘাহনি এডৰা যেন দেখা গৈছিল। কাষতে পানী জিয়েলিত কোঢ়াল কৰি ঘাহ কাটি থকা ঘোঁৰাআলাকেইটাকো বগলীজাকে ভয় কৰা নাছিল।

সি অৱশ্যে সেইবোৰলৈ মন কৰা নাছিল। তাৰ মন ভাৰাক্ৰান্ত হৈ পৰিছিল নানান দুশ্চিন্তাৰে। হেমন্তৰ স্নিগ্ধ ৰ'দজাকৰ আমেজকো সি পাহৰি গৈছিল সেই মুহূৰ্ত্তত। সি তন্ময় হৈ আছিল অনুপমাৰ কথাকে ভাবি।

আনদিনাৰ দৰে হোৱাহলে সিহঁতৰ জুপুৰীটোৰ পদুলিমুখৰ বহল শিলচটাতে কিবাকিবি ইটো সিটো কৰাৰ অজুহাতত অনুপমাই তাৰ বাবেই আগ্ৰহেৰে বাট চাই থাকিলহেতেন। মাজে মাজে তাৰ চকুৰে চকুৰে পৰিলে অৰ্থবহ হাঁহি মাৰি সোনকালে উভতি যাবলৈ বুলি হাত বাউল দি মাতিলেহেঁতেন তাক। আজি কিন্তু তাইক সি এবাৰো পদুলি মুখলৈ অহা দেখা নাই। তালৈ চোৱাটো দূৰৰ কথা।